# ঝুঁৱলী আঁতৰি যা

কেশৱ মহন্ত




লয়াৰ্ছ বুক ষ্টল

গুৱাহাটী : অসম

প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ : ১৯৬০

সুৰ : ব্ৰজেন বৰুৱা, ৰুদ্ৰ বৰুৱা, দিলীপ শৰ্মা, বীৰেন দত্ত, চিত্ত আচাৰ্য্য, দ্বিবন বৰুৱা, হেৰম্ব বৰা, মুকুল বৰুৱা, ৰমেন বৰুৱা, জয়ন্ত ( ৰাণা ) হাজৰিকা, খগেন ( ধন ) মহন্ত, বলেন হাজৰিকা আৰু উপেন শৰ্মা।

মূল্য ঃ এটকা পঁচিছ নয়া পয়চা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬




## প্ৰসঙ্গক্ৰমে

কুঁৱলী আঁতৰি যা প্ৰকাশ কৰিবলৈ শ্ৰদ্ধেয় শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা বি-এল ডাঙৰীয়াই ভাৰ লোৱাৰ কাৰণে তেখেতৰ শলাগ লওঁ।

এই গীতকেইটাত সুৰকাৰ আৰু কণ্ঠশিল্পীসকলৰ ভাগ আছে কাৰণে তেখেতসকল সকলোকে প্ৰশংসাই-গ্লানিয়ে মোৰেই লগৰীয়া কৰি লৈছোঁ। অৱশ্যে কথাভাগৰ বঢ়া-টুটাৰ অপৰাধ মোৰ।

প্ৰচ্ছদপট পৰিকল্পনা হীৰেন ভট্টাচাৰ্য্যৰ। উৎসাহো অনেকখিনি তেওঁৰেই। মৰম আৰু কৃতজ্ঞতা জনাইছোঁ তেওঁক।

ছপাশালৰ কৰ্ম্মীবৃন্দ আৰু গৰাকীজনলৈ ধন্যবাদ জনালোঁ।

কেশৱ মহন্ত
কালুকবাৰী
৪ অক্টোবৰ, ১৯৮০

# সূচীপত্র

১

**অ' কুঁৱলী**

কুঁৱলী আঁতৰি যা অ'
জাবৰে কুঁৱলী কুঁৱলী আঁতৰি যা অ'
বাটৰে কুঁৱলী কুঁৱলী আঁতৰি যা অ'
নাহিবি বিঘিনি নাহিবি
আমি লগে-ভাগে কেচা-উম আনিবলৈ যাওঁ।

জিক্ মিক্ জিক্ অ'
চিক্ মিক্ চিক্ অ'
জিলিকে
সেই জিলমিলনিতে
মন আমাৰ চমকে
লগৰ লগৰীয়া অ' ছাপি আহ
বুকুতে তোৰ বান্ধি লই
ন-চেনেহৰে বল
জুইগুৰি সানি ল'ই

বেলিটি যে আছে ৰ'ই
আদৰি আনিবৰে হ'ল।

অ' ৰদালী কুঁৱলী ফালি
আমি যাওঁ দলে বলে বিঘিনি ঠেলি
অ' ৰদালী স্বপ্ন ঢালি
হাজাৰ চকুত তই তৃষ্ণা দিলি॥

২

অজান বেথাৰ লাগি শিহৰণ
ঘনে ঘনে কঁপে হিয়া
কোনে জানো হায় পৰশ বুলায়
সোঁৱৰণ আলফুলীয়া ॥

ম্লান সন্ধিয়াৰ দিগ্‌বলয়তে
ক্লান্ত দিনৰ সোঁৱৰণী উঠে
শ্রান্ত অতীতে সানি দিয়ে হায়
সঞ্চিত হুমুনিয়া ॥

মোৰ আকাশতো তৰাৰ চকুলো
মিছায়ে নিজৰি সৰে
দিনৰে জেউতি চকুলোৰে মাতি
নিশাটি মৰহি মৰে।
স্মৃতিৰ পৰশে সানে কাজল-বেথা
এৰি-অহা কাৰ চেনেহ-সজল আশা
উন্মনা মোক কৰিলেহি কাৰ
পৰশনে কুমলীয়া ॥

৬

**অ' জোনালী**

আজি ৰাতি কথা এটি কাণে কাণে শুনা
বেলিৰে বুকুৰে আমি নিযৰলে কণা ॥

ৰদালীয়ে দিলে চুমা উম সনা আমাৰে ওঁঠত
জুই-হাঁহি হওঁ আমি উন্মনা বেলিৰে কোচত।
নামানো নামানো আমি কাৰো .কানো মানা ॥

সন্ধিয়া যেতিয়া নামে আকাশৰে গাত
বেলিটি ভাগৰি শোৱে পাহাৰৰে ছাঁত
টোপনিতে এৰি বেলিক মনে মনে পৃথিৱীলৈ আহি
তুৰবিৰে শিৰে শিৰে জগাওঁ আমি জিকিমিকি হাঁহি।
তেতিয়া জোনালী আমাক নিযৰ বুলি জানা ॥

৪

অ' হেমন্ত তোৰ দিগন্ত হিমৰ হাঁহিৰে ভৰা
সুৰুযক সোণালী কৰা
আমাৰো হিয়াৰ হিমল পুৰাটি প্ৰীতিৰে ৰহণ-চৰা ॥

অশ্ৰু জলে   এই জলে   সূৰ্য্য গলে
হিয়া গলে   এই গলে   হিম জলে
গম গম গম   এই মৰিশালী
একে-জুপি তিল ফুলে   হালিজালি
ডোকমোকালিৰ শুকতৰা ॥

গড়া খহি শেষ হ'ল   কূল
শিপা ছিগি শেষ হ'ল   ফুল
হো-হো মৰণৰ চৰম সোঁতত
থৰথৰ তেজীমলা পৰম বোমন্ত
অনাগত-স্বয়ম্বৰা ॥

৫

**আই অ' আই**

তোমাৰ চকুত বিস্ময়ৰ সীমা নাই
যুগে যুগে তুমি মাতৃ প্ৰাণ-গঙ্গা ৰাখিছাঁ বোৱাই ॥

পৃথিৱীৰে ভ্ৰূকুটিয়ে ভীতি ঢালি যায়
স্নেহে তোমাৰ হাঁহি হাঁহি চকুলো বোৱায়।
তোমাৰ কোলাত শিশু-প্ৰাণে উচুপি বিনায়
তোমাৰ চুমাত ঘুমটিয়ে জাগে উচপ খাই ॥

শুনা মাতৃ যুগ-ধাত্ৰী হাঁহি তোমাৰ ৰাখা লুকুৱাই
আনা আনা অগ্নি-বীণা তাঁৰে তাঁৰে ভৈৰৱ-ৰাগ
তোলা উতলাই।

তেতিয়াহে বিঘিনিয়ে ভয়ে ভয়ে বাট এৰি
থাকিব পলাই।
তোমাৰ হিয়াৰ প্ৰাণ-গঙ্গা ব'ব মাতৃ সেইদিনা
পাৰ ওপচাই ॥

৬

আজি মোৰ ফুল-বনে
মনে মনে ঘনে ঘনে
কৈ থকা এটি কথা
শুনিবানে কাণে কাণে ॥

নিলাজী আহিন আহি
আষাৰত হাঁহি হাঁহি
প্ৰথম ফুলৰ কলি
চোৰাঁ সোণ পেলালে নে ॥

বতাহ অ' অচিন বতাহ
মোৰ আলফুল কলিটি নোজোকাবি।

যুগ যুগ সাঁচতীয়া হেঁপাহৰ-স্বপ্ন
যুগ যুগ আটকীয়া সাধনাৰ ৰত্ন
আছুটীয়া চেনেহেৰে ঢাকি থম সযতনে
সাঁচি থম সযতনে ॥

আমাৰ মৰা স্মৃতিৰ বুকুত উঠে বান॥

ঘোপ-মৰা আঁউসীৰ নিশা পৰে ওৰ
জীয়া মাটি খৰাং কৰা গুচে ব'দবোৰ
ভৰি ভৰি পৰে জুৰি-জান॥

ৰাতিপুৱাল হ'
ৰাতি পুৱাল নাঙল লোৱা হালৰ বলদযোৰ
টোপনিৰ আল-জাল ভাঙা দেউতা মোৰ
এই বছৰৰ ভৰ বাৰিষা নাহে তুনাই ঘূৰি
বৰষুণৰ জীপ পৰিছে বহল পথাৰ জুৰি
সিঁচি যোৱা কঠিয়াৰে ধান॥

এই কঠিয়াৰ পুলি গজক জাবৰ গুচাই দিয়াঁ
লহপহক'ই শইছ বাঢ়ক ছেগতে গোচ লোৱাঁ
এই ধৰণীৰ মৰণ গুচাই জীৱন দিয়া গাঁথি
হাতত তোমাৰ মৈ নাঙল কাষত তোমাৰ মাটি
চকুত ঢলৰ পলসভৰা গান॥

**আমি যে ফাগুন প্ৰাণ-অগ্নিৰে জ্বলাওঁ মৰহা মন**
**যুগৰ ভস্ম-বেদনাত শুনো জন্মৰ ক্ৰন্দন ॥**

তিলে তিলে যাৰ দেহা ভাগি যায়
তথাপি নাভাগে মন
যাৰ আকাশৰ তৰা খহি যায়
তথাপি নখহে পণ
পোহৰৰ কণা বিচাৰি বিচাৰি
যাৰ জীৱনৰ ৰণ
আমি আনো তাৰ নৱ-জীৱনৰ জনমৰ মহাক্ষণ ॥

দেশৰ সীমাই ৰাখিব নোৱাৰে
পৃথিৱীৰ যৌৱন
দেহৰ বৰণে ঢাকিব নোৱাৰে
হৃদয়ৰ মৌ-বন
ম্লান পৰি যায় বাৰুদৰ জুই
অস্ত্ৰৰ ঝন্ ঝন্
**চকুৰ জুইৰে জ্বলাওঁ নৰক**
**ৰচোঁ পোহৰেৰে নন্দন ॥**

৯

আৰু নো কিমান শোৱ
মৰমী কলিটি মোৰ
পছুমৰে চকুযুৰি
মেল এটিবাৰ তোৰ ॥

মন ফুলনিৰ বন হালে জালে
আহিনৰ হাঁহি শুনি
ভৰা বাৰিষাৰ আশাৰ পলসে
এৰি যায় সোঁৱৰণী
ওপজে সপোন মোৰ ॥

বেলিয়ে জেউতি সানি গাল দুখনিত
জিলিকে জোনালী শাৰদা
মোৰো আত্মাৰ জ্যোতিৰে উজ্বলি
জাগ্ অ' কলিটি দৰদী
প্ৰথম কলিটি মোৰ ॥

১০

এই যে প্ৰীতি পৃথিৱীৰে আকাশৰে ভাই
পুৰতিৰ তৰাটিয়ে দিয়ে সকিয়াই॥

মছা মছা চকুপানী নাকান্দা বিনাই
দয়াময়ী পৃথিৱীয়ে অশ্ৰু দিয়া নাই
সৌ যে আকাশ
সৌ আকাশৰ অসীম দেহৰ স্নেহৰ সীমা নাই॥

এই পৃথিৱীৰ বেদনাৰে ভৰা নীলা বুকু
এই পৃথিৱীৰ মমতাৰে জ্বলা তৰাৰ চকু
সৌ আকাশৰ জোনে-জোনে পৃথিৱী চোৱায়
সৌ আকাশৰ কেঁচা ৰ'দে পৃথিৱী জগায়
পৃথিৱীৰে আকাশৰে প্ৰীতি মুঢ়কায়॥

১১

কিনো গুৱনি
তোৰে মুখনি
পদুমৰে ঠাৰি যেন
হাত ভুখনি ॥

তোৰে চকুযুৰি
যায উৰি উৰি
বিচাৰি বিচাৰি কোন মায়াপুৰী।
কোন সৰগ জিনো বুলি
মনৰ পাখি মেলি দিলি
উজ্বলি জিলিকে সউ দূৰ-দূৰণি ॥

ভুখৰে পোৰণি
আঁউসা ওৰণি
সুখৰে জুৰণি
জোনৰে ৰেঙণি
সমানিশা ফালি ফালি
জোনালী তোৰ ছটিয়ালি
ৰূপালী তৰালী তোৰে তিৰবিৰণি ॥

১২

**কুলু কুলু কূল ক'ত আকুল**

লুইত লুইত অ' নিয়াকুল

যা গৈ যা গৈ যা

যা বৈ যা বৈ যা

যা কৈ যা কৈ যা

তোৰেই পাৰতে কেলেই ফুলিছে ফুল হৈ তেজীমলা ॥

ঢৌৱে ঢৌৱে থৌকি বাথৌ কাৰনো ভেলা

মলয়াতে উথল মাথল পালৰে খেলা

ৰিণি ৰিণি শুনি কি সুৰ আলফুলীয়া।

"চোৰা চোৰা পুৱাৰ আকাশ হেঙুল বুলীয়া।"

তোমাৰ ভৰিৰ খলক শুনি পিতা থমকিল

পাৰত বান্ধি নাওখান কোনেনো নামিল

পিতা তোমাৰ ভাগৰুৱা কোৰঁৰ আলসুৱা

মৰমী মানুহে মাতে চকু তুলি চোৱা।

ৰূপ সলোৱা ৰূপ সলোৱা অ' তেজীমলা

কাৰ পালেহি চোৱা চোৱা জীৱনৰ ভেলা ॥

দূৰৰ নাৱৰীয়া নহয় তেজীমলা
মাহী আইৰ কপটো নাই
শতুৰু থাকিলেও আপোনাৰ মানুহো
জগতত বিচাৰি পায়।

ফুলৰ ৰূপে এৰি আদৰৰ জীয়ৰী
পিতাকক জনালে সেৱা
চকু তলে কৰি বুকুৰ আপোন-জনক
গোপনে যাচিলে হিয়া।
মাহীৰ কপট শুনি কোঁৱৰে কান্দিলে
পিতাকৰ পুৰিলে বুকু
কলে তেজীমলাক, "আই নাকান্দিবি
আইৰ মই ৰ্কাঢ়িম গৈ চকু।"

পোহৰে হাঁহিলে লুইতে নাচিলে
মলয়াই যাচিলে বা
দুঃখৰে আকাশে বেলিৰ ফোঁট পিন্ধিলে
জগতে জুৰালে গা।

এন্ধাৰ আঁতৰিলে সপোন বিৰিঙিলে
পোহৰৰ মিচিকি চোৱাঁ
ঢউৰে বুকুতে লাখ তেজীমলা
জীৱনক আদৰি লোৱা॥

১৫

চঞ্চল অনুৰাগে অঞ্চল পাতি মাগে
আলফুল আনমনা যৌৱন উন্মনা
প্ৰাণ-বীণা মৰ্মৰি মুঞ্জৰে ॥

নিজৰাৰ জিৰ জিৰ বেথা যাচে কাণে কাণে
সুৰ জ্বলে তিৰবিৰ কথা নাচে গানে গানে
ফাগুনৰ পাগী-ৰঙা গুণ গুণ মন-ভঙা
বসন্ত, শুন শুন গুঞ্জৰে ॥

লাৱণী আঙুলিৰ বুলনি কুঁমলীয়া
চাৱনি তুচকুৰ হিয়া জুৰণীয়া
যৌৱন উপকূল কৰে আজি বিয়াকুল
ৰুণ্‌জুনু নূপুৰৰ ঝংকাৰে ॥

১৪

চিত্ৰলেখা, তোমাৰ তন্দ্ৰা ভাঙা
চিত্ত আজি মোৰ উন্মনা
ৰুদ্ধ উষাৰ কাৰা স্বপ্ন-ৰঙা
চিত্ৰলেখা তুমি নৃত্য আনা ॥

কত আশা ফুলি জৰি জৰি সৰে
শেৱালি-নিশাৰ এই সাধনা
পাগি ছিগি হায় মন-পখী পৰে
উৰি উৰি ক্লান্ত কামনা
আহাঁ আহাঁ আহাঁ তুমি অনন্যা ॥

পুৰতিৰ ৰাগী-ভৰা প্ৰণয়ৰে ৰথ
জানো জানো সিও বহু যোজনৰে পথ।
কত ঢেউ উঠি সাগৰ কঁপায়
কত জোৱাৰৰে ছলনা
নাও মেলি তাতো নাবিকে পূবায়
কূলৰে আকুল-বাসনা
আনা তুমি আনা মধু-পূৰ্ণিমা ॥

দেউতা ঃ **জিং জিনা জিম্ জিম্**
হাতৰ মুঠি মুখুলিম
যেয়ে কৰি তাকে দিম্।

জিং ঃ সেই তিন্টা লাটিম্

দেউতাঃ বে'চ্ তেনে শুন্ জিং
তই হ'লি লাচিত্
চাপকণ গা-টিত্
হেংদান ৰণজিং।
জিনা তই চিত্ৰলেখী
বাহুত বান্ধি ল পাখি
উৰি যাবি ছবি আঁকি
বিচাৰি হেৰোৱা সখি।
লাচিত আগত যাব হেংদান লই
চিত্ৰলেখীয়ে দিব বাট ক'ই ক'ই
জিম্ যাব লৰি লৰি পহৰা সি দে'ই!
ৰিণিকা ধিনিকা ধিনা গ্ৰীং গ্ৰীং থেই।

জিনা : অ' দে'তা ঘোঁৰা এটা দিবা নে লগত ?
দেউতা : আৰে' আৰে' ময়ে ঘোঁৰা উঠ্ পটাপট্

আটায়ে : বা—ৰে'—বা !
ঘোঁৰা দে'তাৰ পিঠিত
জিম জিনা জিং জিং
চিত্ৰলেখী লাচিত্
পাট্ পাট্ পিট্ পিট্
বিচাৰিম পৃথিৱীত।

(আমাৰ) বনৰীয়া মন্টিত
নাই কোনো থান্ থিত্

(আমাৰ) বৰণীয়া প্ৰাণ্টিত
উৰণীয়া সংগীত্

(আমাৰ) চিত্ৰলেখীৰ চিত্
লাচিতৰ সাহপিত্
বুকুত দেশৰ হিত্
মৌচুম চাৱনিত্
আমি যে অপৰাজিত॥

১৬

জিৰ জিৰ জিৰ জিৰ জৰী গছৰ পাত
ৰিব ৰিব ৰিব ৰিব লৰিছে কি বাত
অ' তোৰ জিৰণি নাই এধানি গাত॥

তোৰ তলেদি যুগে যুগে
মোৰ ফাগুনৰ বাট
তোৰ লাৱণী বিতত নাচত
শুনো চেনাইৰ মাত॥

মনৰে মহুৰাত সূতা আউল লাগিল
নাপাওঁ মই বিচাৰি আঁট
চেৰেকীৰ চকৰি পৰিছে ভাগৰি
উঘাত মোৰ সুঘূৰে হাত।

ফাগুনৰ আমনি সহিব নোৱাৰি
শিপিনীৰ নচলে তাঁত
অ' অকণি পাত, নাচনি
নাচ নাচ নাচ
আজি জিৰাওঁ তোৰে ছাঁত॥

১৭

জুবিটি বাগৰি
থমকি ভাগৰি
জিৰ জিৰ পুলক জগায়
মৰমী পাপৰি
তোমাক আবৰি
আলফুল চোৰৰ বুলায়॥

মনৰে দীপালী জ্বলে উজ্বলি
তোমাৰ পৰশে কৰে বাউলী
জীৱনৰ জোনালী তুমি আনিলা
মনৰ বনত মোৰ ৰং সানিলা
জগালা গান সুৰেৰে কঁপাই
আনিলা বান জীৱন চৌৱাই॥

বনৰে হৰিণযুৰি উমলি
চমকি থমকে মন উতলি
বনৰে পখীৰ কল-কাকলি
তোমাৰ সুৰতে উঠে আকুলি
ৰাগীয়ে তাৰ তোলে জোৱাৰ
প্ৰিয়তমাৰ
প্ৰিয় তোমাৰ॥

১৮

জোনাবাই অ' চুমা এটি দে
মোৰ সোণৰ সেউজীয়া চকুতে।
জোনে দিব জেতুকীয়া চুমাটি
মোৰ সোণ যাব দেহি ঘুমটি।
পাখি মেলি নামি নামি আহ জোনাবাই,
সোণ মোৰ ঘুমটি যায়॥

বগ পখীৰ বগা আনি উৰণীয়া
গুঁথি দিম দলিচা জুৰণীয়া
গাৰু পখিলাৰ পাখি চুলে পমি যায়॥

ডাৱৰৰে একাজলি কাজল আনি
অকণি দুচকু আজি বোলাম সানি
জুৰ বা ৰিব ৰিব আহিবি সোমাই॥

১৯

টুল টুল কণমান আহাঁ
সোণকণ পোনাকণ আহাঁ
অণুকণ বস্তি
মনুকণ ভন্টি
আহাঁ অ' কণুমাও
আমি সুকযন দেশলই পোহৰ বিচাৰি যাওঁ॥

আমি যাওঁ দলে দলে
আমি গাওঁ সমদলে
আমি অকণি এধানি
মৰতৰ পাৰিজাত
আমি মৰতত মৰমৰ কাবেং সাজিম বুলি
পোহৰ বিচাৰি যাওঁ॥

সৌ পূবৰ দূৰণিত
কিহৰ জিলিঙনি
ৰেলিৰে ৰেঙনি নে

আমাৰ কুমলীয়া
মন উৰণীয়া
তাৰে বোল সানি লম নে?

বলা তেনে
ন-সুৰুযৰ ৰং কাঢ়ি লই
আমাৰ এখানি মন বোলাওঁ গৈ
আমি পোহৰৰ জয়গান গাওঁ॥

২০

**পদূলি সাৰিবৰ হ'ল অ' বকুলি**
সলিতা লগাবৰ হ'ল
নাহৰ ফুলি ফুলি উদুলি মুদুলি
কোন আহিবৰে হ'ল !!

বুকুৰে কাঁচলি পৰিব পিছলি
ভালক'ই সামৰি ল
সোণ-পখিলা
মন যে কমোৱা তুলা ॥

নেলাগে যাবলৈ পানী আনিবলৈ
নৈৰ চেঙেলীয়া ঘাট
কঁকালৰ গাগৰি পৰিব বাগৰি
শুনিলে চিনাকি মাত।
যাউতি যুগৰে চিনাকি খোজৰে
চোতালত পৰিব ধূলি
সোণ-পখিলা
পদূলি মুখলৈ ওলা ॥

২১

**বই যা বই যা অই**

আই মোৰ লুইতৰ পানী ৰূপোৱালী
জিলমিল জিলমিল কই ॥

তোৰে যে বুকুতে কত অতীতৰে
বিজয় কিৰীতি আঁকা
কত সোঁৱৰণী কত যে কাহিনী
তোৰে যে বুকুতে গঁথা
বাজে ৰিণিৰিণি কই ॥

লুইত মোৰ জননী অ'ই
তোৰে পৰশনি লাগি
পাহাৰে ভৈয়ামে লখিমী উঠিব জাগি।

মলয়াই বিচিলে লাহী আঁচলেৰে
হাঁহিৰে সঁফুৰা লই
লুইতৰ পাৰৰে আমি অসমীয়া
গাওঁ জীৱনৰে জয় ॥

২১

বন জুইকুৰা জ্বলিছে জ্বলিব দিয়াঁ
কোনোবা যুগৰ পিচত হয়তো
পোৱা অঙঠাই দিব অতীতৰ সাখী
আজি নাভাঙিবা
আজি নাভাঙিবা সপোন-শিখাৰ পাখি ॥

এই জুইকুৰা
চেচা পৃথিবীৰ
বুকুত তপত
বিৰিণা বনৰ জুই।
বিৰিণা পাতত
ৰূপ-কাৰেঙৰ
সোণ-শিশু আছে শুই।
জগাই নিদিবা জগাই নিদিবা
শিখাৰ চুমাই উজ্বলাব তাৰ বং
অন্ধ-প্ৰেমেৰে নাবাখিবা তাক ঢাকি ॥

এই সন্ধিয়াৰ
কানিমুনি লাগি
তলমুৱা এই
মানিমুনি জুপি
ভীৰু-আত্মাৰ সাথী।
এই সন্ধিয়াটি
বুকুত সাৱটি
গভীৰ নিশাৰ
স্থবিৰ আঁচলে
মোকো যে ধৰিব ঢাকি
ঘুমাই নিদিবা ঘুমাই নিদিবা
বিৰিণা-বনৰ চাকি॥

২৩

বননিৰে কোলা পালোঁহি
কু কু হাহ্ হা আহাঁ হাঁহি॥

লিহিৰি বিৰিণাৰ লৰে কি পাত
মিহিকৈ কহুৱাই লগালে মাত
দূৰণিবটীয়া আহি আহি
বালিভাত খাবলে ওলালাহি॥

নৈৰে ইপাৰে তৰিছো ঘৰ
সিপাৰে বননি কঁপিছে বৰ
ধুমুহা আহিলে ভাগে যদি
ততাতৈয়াকৈ ল সাজি॥

হাবিৰে মাজতে কান্দিছে কোনে
শব কি ভেলেঙী নেমানে মনে
চিকাৰী নাযাবি থক কান্দি
হৰিণৰ চেনেহ শুন মন দি॥

২৪

বাইদেউ ভুজনী দুয়োজনী নাচনী
বিহুত হেনো নাচিব পায়
ডুৱাৰ-ঘৰ মাৰি লই নিদিয়ে অ' চাবল'ই
গুণ-গুণাই কিবাকিবি গায়॥

কলেজৰ ককাইদেউ বন্ধত আহিলেও
লগ দেখোন পোৱাই লেঠা
মাক কয় সুধিলে, "তোক নো কেলে'
আদাৰ বেপাৰী জাহাজৰ কথা ?"
মাৰ হলে বৰ মজা খালি খালি পিঠা ভজা ;
"মা আৰু এটা দিবা নে ?"
মাই বোলে, "এতিয়া খাইছই যেতিয়া
পিছতেই খাবিচোন দে !"

ঠিক আছে তেনেহলে আহিলেই টুন টুন !
হাত-বাউল দি বোলে, "এই এই শুন শুন,
যৰদৈচিলা হেনো চিলনীৰ লাখ গুণ

ঘৰ ভাঙে গছ ভাঙে গ্লাছ ভাঙে ঠুন ঠুন
বনগীত গালে হেনো সাম কাটে এশ গুণ ;”
“কথা নাই তেনেহলে তাল ধৰ টুন টুন
ঢোলৰ visit ভিন্ দৌ     retreat retreat
বাই দৌ বিহুৱ পিছত যাব ;
তালে বোলে ঠিক ঔ     fit fitting fit !”
ভিনদেৱে বোলে, “গম পাব !!”

২৫

বেলিৰে মুখৰ কলীয়া মেঘৰ
চমকা আঁতৰি যায়
শুন ভাগৰুৱা কোন বাটৰুৱা
আৰু ভয় নাই নাই ॥

যি হেৰুৱালি সি নৈৰে বালি
এই আছে এই নাই
যি পাবি সিও অজান যদিও
নৰবি থমক খাই ॥

বাট তোৰ দূৰণি নলবি জিৰণি
ৰবৰ সময় নাই
মন নকঁপাবি দেহা ভাগৰিব
পৰিবি উজুটি খাই ॥

চকুৰে নেদেখা কোনোবা দূৰণিত
চেনেহৰ সঁফুৰা আছে
মনেৰে নোপোৱা কোনোবা বননিত
জীৱনৰ হৰিণাই নাচে
মন নেপেলাবি অ' বাটৰুৱা
যা ধীৰে আগুৱাই ॥

২৬

ভাৰতৰ সাগৰত জোৱাৰ উথলি উঠে জোৱাৰ
তালে তালে ঢৌ দোলে দোলে সউ
থৌকি বাথৌ পাৰাবাৰ॥

আজি শুভ-জনমৰ লগনত
হাঁহি-ৰঙা শৰতৰ গগনত
দীপ্তি জলমল-উচ্ছল-ধ্রুৱ-তাৰকাৰ।
শান্তিৰ দুৰ্ব্বাৰ খৰতৰ স্রোতধাৰ
নাও চলে নাও চলে গুৰিয়াল তুমি তাৰ
পাৰৰ সপোন সানি দুচকুত দিছা অঙ্গীকাৰ॥

পৃথিৱীৰ কংসৰ হিংসাৰ কাৰাগাৰ
খহি পৰে খহি পৰে শৃঙ্খল মহাভাৰ
জনমৰ জেউতিৰে জীৱনৰ যমুনাৰ
দুপাৰ উপচি পৰে নাই নাই আন্ধাৰ
পূব দিগ্‌বলয়ত শঙ্খ বাজিছে শুনা
জন-গণ-মন জয়-যাত্ৰাৰ॥

২৭

মৰু ভু আৰু কিমান কান্দিব। এমুঠি ঘাঁহৰ কাৰণে
তপত শুকান চকুলো কিমান
টুকিবা নিমাতে নিজানে॥

তোমাৰ নিশাহে কিমান সাগৰ
ঢউৰে মুখৰ কৰিলে
তোমাৰ উশাহে কিমান আকাশ
মেঘৰ ৰাগীৰে ঢাকিলে
তোমাৰ বুকুত সিজু ফুল ফুলে॰
বেদনাৰ পাৰিজাত
তথাপি মৰুভূ তোমাৰ প্ৰান্তৰ
জ্বলি মৰে কিনো তৃষ্ণাত
আপোন কৰা
আপোন কৰা
মাতিছে সেউজী সপোনে॥

২৮

মাটিৰে চাকিটি চিমিকি চিমিকি
সুমাব খোজে কিয় হায়॥
মন নাকান্দিবি উচুপি উচুপি
আশাৰ সমাধি চাই।
চকুৰ পানীৰে বাট নেভেটিবি
মৰণে সঁহাৰি পায়॥

কাল যমুনাৰ সোঁতৰ পাকত
ডিঙা তুলু বুলু হায়
নাৱৰ টিঙৰ মাটিৰ চাকিটি
তথাপি সুমুৱা নাই
মন নাকান্দিবি উচুপি উচুপি
মৰণে সঁহাৰি পায়॥

২৯

মুক্তিৰ দীপ জ্বলে দিক উজ্জলাই
বাসন্তী বন লৰে মন উতলাই
ৰণৰ কৰাল মেঘ পলায় পলায়
শান্তিৰ জেউতিয়ে জগত জগায়॥

দেহাৰ বৰণে আৰু দেশৰ সীমাই
আমাৰ মনত ভেদ ভাব নোপজায়।
আমি যাওঁ সৃষ্টিৰ গীত গাই গাই
দিঠকৰ দৃষ্টিৰে দীপালী জ্বলাই॥

তৰোৱাল ঘিণ লাগে দিওঁ দলিয়াই
পদুমৰ ৰেণু সানো মন ওপচাই
জীৱনৰে জড়া জিনি যাওঁ আগুৱাই
উত্তৰৰ তৰাটিয়ে বাট দেখুৱায়॥

৩০

যাৰ জীৱনত হেৰালে ব'দালী ব'দালী হাঁহি
যাৰ স্বপ্ন উৰি উৰি ক্লান্ত
তাক মাটিৰ মৰমে কৰে ভ্ৰান্ত ॥

একোলা চেনেহত উমলি-জামলি
সপোন শিশুটি মোৰ শ্ৰান্ত
নজগাবি তাক অ' নজগাবি আজি
বাগীয়ে ঢাকিছে দিগন্ত ॥

সন্ধিয়াৰ আন্ধাৰে আৱৰি আনিছে
যাৰ জীৱনৰে প্ৰান্ত
দূৰৰ পোহৰে তাক মাথো হায়
কৰে আজি দিগ্‌ভ্ৰান্ত ॥

৩১

শুন অ' সুন্দৰে মাতে ঋতে
ফাগুনৰ সেন্দূৰী বাটে বাটে॥

জোন জ্বলে জুই-ৰঙা ৰঙে ৰঙে
আকাশ ৰাঙলী আহা! কাৰ পৰশনে
পলাসৰ ডাল এৰি সৰা পাতে
ৰঙীণ-কুসুম-শিশু-সপোন মাতে॥

ক্লান্তি ভাং তয়ো এই লগনতে .
ৰঙৰ পৰাগ সিঁচ মন-গগনতে
মৌচুমী-আশা-মাত উত্তাল চিত্তে
অমৰাৱতী পাত অন্তৰতে॥

৩২

সপোন তোমাৰ ৰূপৰ শিখা
বিচাৰিলোঁ কত নিশা
কত ৰাতি মোৰ উজাগৰে গ'ল
তেও নফলিল আশা ॥

কিমান ধুমুহা গ'ল
কত আশা শেষ হ'ল
পাখি ছিগি মোৰ সুৰ খহি গ'ল
তথাপি নাপালো দেখা ॥

কোনে জানে কিয় আজি অপৰত
আহি দেখা দিলা মোৰ দিঠকত
কোনে জানে কিয় সুৰে মোৰ আজি
বিচাৰে তোমাৰ কথা ॥

ডেকা ঃ সোণপাহী সোণপাহী নৈ ঘাটলৈ নাহিবা
পানী লৈ উভতি যাওঁতে কেৰাহিকৈ আৰু নেচাবা।

গাভৰু ঃ আজলী ছোৱালী মই যে একো কথা নেজানো
মোৰ চকুৰ নীল-যমুনাত তোমাৰ নাও বাব্লা কিয়নো।

ডেকা ঃ সোণপাহী সোণপাহী আৰু তামোল নেখাবা
পিক্‌ৰঙা ওঁঠৰ হাঁহিৰ ফুলবাণ আৰু নেমাৰিবা।

গাভৰু ঃ পলাস ৰঙা জবা ৰঙা মেঘ-ৰঙা সন্ধিয়া
তাতকৈ ৰঙা চাৱনিটি শৰীল মোৰ পুৰি নিয়া।

ডেকা ঃ সোণপাহী বাউলী চুলিৰ ডাৱৰ তুলি নাহিবা
হেজাৰ কুটিল কাল-নাগৰ পাশত আৰু নেবান্ধিবা।

গাভৰু ঃ কাউৰী ক'লা কুলি ক'লা মৈৰ ক'লা যমুনা
তাতকৈ ক'লা বিৰহ-ৰাতি পুৱাবনো
মোৰ কোন দিনা!

ডেকা ঃ সোণপাহী সোণপাহী আৰু কিমান কান্দিবা
তোমাৰ চকুৰ চকুলোৱে মোৰ মন কিমান তিয়াবা।

গাভৰু ঃ পিৰীতিয়ে দেহা পোৰে উচুপায় মোক বিৰহে
তোমাৰ কথা মনত পৰি নিশা মোৰ ঘুমটি নাহে।*

[ গাভৰু ঃ চেনাই অ'—অ' চেনাই—অ—অ'
ডেকা ঃ দেহী অ'—অ' দেহী—অ'—অ'.........]

* গীতিটি "সুনয়নী সুনয়নী" শীৰ্ষক বঙালী গীত এটিৰ প্ৰায়-অনুবাদ।

৩৪

সোণেৰে গঢ়ালোঁ সচঁকুৱা খাৰু
বৰলোকে পিতলৰ ৰোলে
বৰলোকৰ পিতলত সোণে চিকেমিকায়
দায় লাগে সমাজত ক'লে।

ল পাক গুলচী ল
বিহুতলিত আহি শগুণ পৰিছেহি
যোৱে যোৱে মৰা শ
মন তামোল নহয় ফালি দেখুৱাবি
মুখ ফালি কথাটো ক, বাই গুলচী এ'
মুখ ফালি
মুখ ফালি কথাটো ক।

নাচ বাই গুলচী নাচ
লঘোনীয়া পেটটিত ভালকৈ মাৰি ল
পানী গামোছাৰে ফাঁচ
পেট সুদা হ'লে নাচি জুতি পাবি
খোৱা বোৱাৰ কথাটো পাছ, বাই গুলচীএ'
এই বেলি
এই বেলি পানী গামোছাকে ল।

গা বাই গুলচী গা
কটনা কাটিলি বানচো নাপালি
তাৰেহে গুণ-যহ গা
তাকো যদি গাবলৈ গাত বল নাপাৱ
বতাহ একাঁহীকে খা, বাই গুলচী এ'
এই বেলি
এই বেলি
বতাহ একাঁহীকে খা ॥

ঘূৰ বাই গুলচী ঘূৰ
ধন-ভঁড়াল ৰখীয়াই ধন লৈ পলাইছে
ধৰৌতাক পাতিছে চোৰ
কাৰেঙৰ পদূলিত ডকাইত পহৰীয়া
উবহীৰ নেপাৱ ওৰ বাই গুলচী এ'
নেপাৱ
নেপাৱ
উবহীৰ নেপাৱ ওৰ ॥

এটা হাতত এপাহ ফুল
এটা হাতত এপাট শূল
বুজা বুজা জনা-বুজা লোক।
ফুলতে ভোল নেযাবা শূলেৰে যে হানিব
শাওপাত নিদিবা মোক ॥

৩৫

স্মৃতিৰ তাঁৰত ভুলিৰ খোঁজোতে
হেৰোৱা হিয়াৰ সুৰ
কোনে আহি জানো ভুল কৰি যায়
আঙুলি বুলনি মোৰ ॥

ম্লান সন্ধিয়াৰ দিগ্বলয়ত অঁকা
ক্লান্ত মিচিকি সিও জানো মৰীচিকা
ভ্ৰান্ত আকাশ পখীয়া তৰাৰে ঢকা
হেৰোৱাৰ চকুলোৰ ॥

তোমাৰ চকুৰ টোপাল আজিও
মোৰ দুচকুত জ্বলে
ক্ষণিকৰ ভুলে হিয়াত আজিও
বেথাৰ জোৱাৰ তোলে
সিদিনা তোমাৰ কাজল প্ৰাণত অঁকা
মোৰ তুলিকাৰে সজল মনৰ বেথা
মুঠিবনে জাগি হেৰোৱা দিনৰ আশা
উজলাই স্মৃতি মোৰ ॥

৩৬

**হে কর্ণধাৰ**

মোৰ জীৱনত জ্বলোৱা
জ্বলোৱা দীপ শিখা
দীপশিখা অনিবাৰ।
ধুই নিয়া মোৰ শঙ্কা মনৰ
চকুলো ভীৰুতাৰ॥

ভৰি দিলোঁ মই যোৱাৰ বাটত
পোহৰৰ আশা লই
যাবৰ পৰত শঙ্কা জাগিছে
জাগিছে সংশয়।
দিয়া মোক সেয়ে বুকুৰ মাজত
পোহৰ পোৱাৰ মহান অঙ্গীকাৰ।

সমুখত সউ বাধাৰ পাহাৰ
চাৰি কাষে এয়া নামিছে আন্ধাৰ
বুকু কঁপে থৰথৰ
মোক পোহৰ এধানি দিয়া
মোক জোঁৰ দেখুৱাই নিয়া
নাশ কৰি অন্ধকাৰ॥

৩৭

**হেই ঐ হোঃ    হেই ঐ হোঃ**

মাৰ বঠা মাৰ জোৰে    হেই ঐ হোঃ
গাৰ জোৰে মাৰ জোৰে  হেই ঐ হোঃ
অ' হ' হ'—এ' হে' হে'—এ'
নাৱত যিমান বঠা মনত সিমান কথা
জোৰে হে
ধৰ গুৰি গুৰিয়াল হুঁছিয়াৰে॥

চৌৰে বুকুতে তুলবুল নাও
ৰাঘ বাছু বৰ-ৰৌ
ধৰি ধৰি যাওঁ
জালে বোলে তোল তোল
নাৱে কৰে তুল বুল
মাছ মাৰি ভাত মোকোলাওঁ॥

সাগৰৰ মাজৰে কোনো এটা দ্বীপৰে
এইদৰে মাছুৱৈবোৰে
মাছ মাৰি থাকোঁতে আকাশখন হঠাতে
ঢাকিলে ক'লা ডাৱৰে

নাও চপাব খোজোঁতে সাগৰৰ বুকুতে
পৰিল এক বজ্ৰহিলৈ
তাৰে বুকুৰপৰা এটি বিননি আনিছে বতাহে বৈ।

সাগৰে সাগৰে অ' চেনাইটি
মাছ মাৰি আছিলোঁ অ' চেনাইটি
পৰিলহি বজ্ৰহিলৈ।
কিনো দায়ে জগৰ অ' চেনাইটি
লগালোঁ কুবেৰৰ অ' চেনাইটি
কৰিলে এই হেন বিলৈ।

মাকে কান্দিছে জীয়েকে কান্দিছে
কান্দিছে সোদৰৰ ভাই
হিয়া ভুকুৱাই ভাৰ্য্যাই কান্দিছে
পানীমলাই আছিলে চাই
সাগৰত বুৰেদি লুইতত ওলালহি কাজী পানীমলাজনী
(ক'লে) "পাতকী কুবেৰৰ ভেঁটি উছন যাব
বৰঘৰত সোমাইছে শনি।"

হিলৈৰে বাতৰি শুনি থৰহৰি
কপৌ কঁপিছিলে ডালত
বতৰৰ গম পাই সাহিয়াল বিহুৱাই
সাহ গালে বিহুৰে তালত:

ভয়ত নিবিনাবি অ' কপৌ কপৌটি
আসৈও নিদিবি অ' কপৌ কপৌটি
শুন শুন কপৌ যুৰীয়া কপৌ
তোৰ যোৰ ভাঙোতা নাই।
সাহৰে বাতৰি অ' কপৌ কপৌটি
ডিঙিত দিলোঁ আঁৰি অ' কপৌ কপৌটি
উৰ উৰ কপৌ যুৰীয়া কপৌ
জগতত ফুৰ বিলাই।

ডিঙিত চিঠি আঁৰি উৰিল কপৌযুৰি
পানীমলাই পেলাহে হাঁহি
হাঁহিৰ খিলখিলনিত জগত খলক লাগিল
বাজিল পাঁচ সুঁৰীয়া বাঁহী।

বাঁহীৰে সুৰতে জিলমিল সেন্দূৰৰ ফোঁট
সুহুৰি মাৰিলোঁ জিলমিল সেন্দূৰৰ ফোট
জুনুকাই জুৰিলে তাঁত হে
জিলমিল সেন্দূৰৰ ফোঁট কাম চৰাইৰ ৰঙা ঠোঁট
আঁচু আনি দিয়া সূতা আনি দিয়া
ফুল বাছোঁ গামোছাৰ গাত।
খৰকৈ গ৴কা জিলমিল সেন্দূৰৰ ফোঁট
চলালা জুনুকা জিলমিল সেন্দূৰৰ ফোঁট

নাচনিৰ ভং নাই গাত হে
জিলমিল সেন্দূৰৰ ফোঁট কাম চৰাইৰ ৰঙা ঠোঁট
কপৌ ফুলে বছা বৈ দিছোঁ গামোছা
পিৰীতি ঢালিছোঁ তাত॥

এইবাৰ হিলৈ লৈ হিয়া কঁপাবলৈ
নাই নাই নাই কাৰো সাহ
চেনেহ আহুতিৰে জীৱন-হোম জ্বলিছে
তাতে মৰণ যাব জাহ॥

৩৮

হে শঙ্কৰ
এই ভাদৰ মেঘালী
গধুৰ গধূলি
মাথোন স্মৃতিৰে মধুৰ॥

সুৰৰ পদূলি উদুলি-মুদুলি
মনৰ মজিয়া
গগন-ধ্বনীয়া খোলৰ বোলেৰে ছন্দাতুৰ

হে শঙ্কৰ,
সমুখৰ পথ পঙ্কৰ
এই ঠেক কোঠালিত
নাই বদালী
ভগৱান তন্দ্ৰাতুৰ॥